৫৭৬

# কাণখোৱা।

৺শ্রীধৰ কন্দলি ভণিত।

শিবসাগৰ।

শ্রীদিবাকৰ শৰ্ম্মা দ্বাৰা

প্রকাশিত।

কলিকাতা,
উইলিয়ম্‌স্‌ লেন, ৪ নং ভবনস্থ
দাস যন্ত্রে,
শ্রীঅমৃতলাল ঘোষ দ্বারা মুদ্রিত।

শকাব্দা ১৮১৯।

মূল্য তিনি পয়ছা।

# কাণখোৱা।

৺শ্ৰীধৰ কন্দলি ভণিত।

শিৱসাগৰ :

শ্ৰীদিবাকৰ শৰ্ম্মা দ্বাৰা



প্ৰকাশিত।

---

কলিকাতা,

উইলিয়মস্ লেন, ৪ নং ভবনস্থ

দাস যন্ত্ৰে,

শ্ৰীঅমৃতলাল ঘোষ দ্বাৰা মুদ্ৰিত।

শকাব্দা ১৮[illegible]

# পাতনি ।

"অ'ইচ্ অ'ইচ্ এ চিছে পোৱালি ,
লোণে মাছে ভাত খাই কিকৈ খিনালি ।
অ'ৰে কাণখোৱা নাহিবি ৰাতি,
তোৰে কাণে ফালি লগামে বাতি,
অ'ইচ্ অ'ইচ্ এ কাণ খাটিব পো,
কাণখোৱা আহিছে নিঝম দিশো ।"

সৰু সৰু ল'ৰা ছোৱালী বোৰক কাণখোৱাৰ নাম গাই, নিচুকাই শুওৱা নিয়ম আসাম দেশত আজি কালিৰ নহয় । কবিবৰ মহাত্মা শ্ৰীধৰ কন্দলিৰ দিনতো আছিল । তাৰ পূৰ্ব্বে যে নাছিল, তাক বা কেনেকৈ নুই কৰিব পাৰি ।

মহাত্মা শ্ৰীধৰ কন্দলি যে ইয়াকে আহিলৈ নন্দৰাণী শ্ৰীমতি যশোদাই কাণখোৱাৰ নাম গাই ভগৱন্

শ্ৰীকৃষ্ণক শুওৱাৰ ছলেৰে এই পুথী ৰচনা কৰিলে। "চৰাইটীহে সৰু, লয় হোলোঙ গছত বাহ।" এই দৃষ্টান্ত ইয়াতে খাটিছে। বাস্তবিক পুথী যদিবাও সৰু এবং আখ্যান কাল্পনিক ও সামান্য, কিন্তু ভাব গুৰু, কবিৰ কৌশল মহৎ। ভাগৱতৰ গোটেই সাৰাংশ তেঁও ইয়াতে লিখিছে বুলিলেও হয়। ইতি।

শ্ৰীদিবাকৰ শৰ্ম্মা,
শিৱসাগৰ।

শঙ্কৰাব্দাঃ ৪৬৮,
[illegible] ।





# কাণখোৱা।



## ঘোষা।

ঘুমটি যায়ৰে, অৰে কানাই,
হুৰে কাণখোৱা আসে।
সকলো শিশুৰ, কাণ খাই খাই,
আসয় তোমাৰ পাশে॥

মায়ৰ বচন, শুনি পাশ চাপি,
হাসিয়া বোলে কানাই।
কেনেকুৱা গোটে, কাণ খাই ফুৰে,
চিনোৱা হাৰলি আই॥
তাৰ নাম শুনি, ঘুমটি নাসয়,
ডৰে কাম্পে মোৰ বুক।

দেখিলে লৰড়ি, পলাইবাক পাৰি,
সম্ভৱে চিনোৱা মোক ॥
অনাদি স্বৰূপে, জগত স্রজিলোঁ,
চৰাচৰ ভেদ কৰি ।
সমস্তে জগত, প্ৰতিপাল কৰি,
আত্মাৰূপে আছোঁ ধৰি ॥
ব্ৰহ্মা মহেশ্বৰ, আদি কৰি যত,
সমস্তে মোৰ স্রজনা ।
মই ন জানিলোঁ, সিতো কাণখোৱা,
স্রজিলেক কোন জনা ॥
বিষ্ণুৰূপে মই, বৈকুণ্ঠৰ হন্তে,
চড়িয়া গৰুড় স্কন্ধে ।
সমস্তে জগত, বিচাৰি চাঁহিলোঁ,
ফুৰিয়া আতি প্ৰবন্ধে ॥
স্বৰগী নৰকী, দুৰ্জ্জন মহন্ত,
বিচাৰি ফুৰিলোঁ পাছে ।

সিয়োকালে মই, লাগ ন পাইলোঁহোঁ,
কাণখোরা কৈত আছে ॥
প্ৰথমতে মই, অৱতাৰ ভৈলোঁ,
দিব্য মৎস্যৰূপ ধৰি ।
চাৰিয়ো বেদক, পাতালৰ হন্তে,
আনিলোঁ সাঙ্গে উৰ্দ্ধৰি ॥
পাছে সেই ঠায়, বঢ়াই মৎস্য কায়,
যুৰিলোঁ সাগৰ তীৰ ।
সিয়োকালে মই, লাগ ন পাইলোঁহোঁ,
কাণখোৰা কেন বীৰ ॥
কূৰ্ম্মৰূপে মই, মন্দাৰ ধৰিলোঁ,
সাগৰ মথিবে লাগি ।
যত জলচৰ, থলকি সাগৰ,
সমস্ত পলাইল ভাগি ॥
কালকূট বিষ, উচ্চৈশ্ৰবা হয়,
লক্ষ্মীয়ো বঢ়াইলা পাছে ।

সিয়োকালে মই, লাগ ন পাইলে হো.
কাণখোৱা কৈত আছে ॥
বৰাহ স্বৰূপে, পৃথিবী উদ্ধৰি.
আনিলোঁ দন্তৰ আগে ।.
হিৰণ্যাক্ষ নামে, বীৰক বধিলোঁ,
যুদ্ধ কৰি বড় ৰাগে ॥
মোক ভয়ে যত, অসুৰ পলাইল.
কম্পি গৈল ত্ৰিজগত ।
সিয়ো কালে মই, লাগ ন পাইলে হো.
কাণখোৱা কেন মত ॥
স্ফটিকৰ স্তম্ভে, বাবা ভৈলো পুনু,
নৰসিংহৰূপ ধৰি ।
হিৰণ্যকশিপু, বীৰক বধিলোঁ,
নখ অগ্ৰে হিয়া চীৰি ॥
জটাৰ চটিত, মেঘ উড়ুৱাইলোঁ,
মেদিনী কম্পাইলোঁ বলে ।

সিয়োকালে মই, লাগ ন পাইলোঁ তেঁ,
কাণখোৰা কাক বোলে ॥
বামন স্বৰূপে, দেবকাৰ্য্য সাধি,
বলীক ছলিবে গৈলোঁ।
দান লওঁ বুলি, তিনি পদ ভূমি,
ত্ৰৈলোক্য যুড়িয়া লৈলোঁ ॥
উপায় কৰিয়া, বলীক ছলিয়া,
পাঠাইলোঁ পাছে পাতালে।
কাণখোৰা নামে, বীৰ গোট আছে,
শুনিলোঁ সিয়ো কালে ॥
পৰশুৰাম ৰূপে, তিন সাত বাৰ,
পৃথিবী পৰ্য্যটী কৰি।
ক্ষত্ৰিয়ক কাটি, নিক্ষত্ৰিয় কৈলো,
হাতত কুঠাৰ ধৰি ॥
ক্ষত্ৰিয়ৰ নাম, নথৈলোঁ সংগ্ৰাম,
কাটিলোঁ পেটৰ ছৰা।

সিয়োকালে মই, লাগ ন পাইলোঁ হোঁ,
কাণখোৱা কেনেকুৱা ॥
শ্রীৰামস্বৰূপে, সীতাৰ নিমিত্তে,
সাগৰৰ ভৈলোঁ পাৰ ।
সবংশে ৰাৱণ, ৰাক্ষস বধিলোঁ,
খণ্ডিলো ভূমিৰ ভাৰ ॥
দেবাসুৰ নৰ, ভালুক বানৰ,
সবে আইল মোৰ কাছে ।
লঙ্কা নগৰীত, কাণে নুশুনিলোঁ,
কাণখোৱা কৈত আছে ॥
হলীৰাম ৰূপে, লাঙ্গল ধৰিলোঁ,
সম কৰি খালো বাম ।
সমস্তে পৃথিবী, বাই বটি থৈলোঁ,
লৈলো হলধৰ নাম ॥
সিয়োকালে মই, লাগ ন পাইলোঁ হোঁ,
আবে মনে মনে গুণুঁ ।

কাণখোৱা নামে, বীৰ গোট আছে,
আজি তযু মুখে শুনু ॥
আস্মিয়া ইবাৰ, কৃষ্ণ অবতাৰ,
হুয়া আছোঁ তযু ঘৰে ।
কাণখোৱা নাম, শুনি মোৰ গাৱ,
তবতবি কাম্পে ডৰে ॥
ঘুমটিৰ ছলে, নিচুকিয়া মই,
চক্ষু মেলি থাকোঁ চাই ।
কেনেকুৱা গোটে, কাণ খাই ফুৰে,
চিনায়োক মোক আই ॥
কৃষ্ণৰ বচন, শুনিয়া যশোদা,
ভয় হুয়া ৰহি আছে ।
একোৱে উত্তৰ, দিবাক নপাৰি,
হাসি মাতিলন্ত পাছে ।
মিছা সে বুলিয়া, মুখে স্তন দিয়া,
কৃষ্ণক সাবটী ধৰি ।

দুর্যশ কলঙ্ক, দুঃখ সুমৰন্তে,
নসহে মোৰ পৰাণ ॥
মই নাৰায়ণ, জগত কাৰণ,
তুমি গোৱালৰ ঝীব।
তথাপি তোমাক, দেখন্তে ভৰত,
উড়ি যায় মোৰ জীৱ ॥
যত খাওঁ দাওঁ, তভো শুকাই যাও
নাহি মোৰ উদগতি।
হাত মুষ্টি যেন, কঙ্কালী খানী যে,
বান্ধত চিঙ্গিল অতি ॥
নিজৰূপে মই, অনন্ত ব্ৰহ্মাণ্ড,
সৃজিয়াছোঁ লীলা কৰি।
সমস্তে জগত, প্ৰতিপাল কৰি,
আত্মৰূপে আছোঁ ধৰি ॥
ব্ৰহ্মা আদি কৰি, যত চৰাচৰ,
মোকে সেৱা কৰি যায়।

তোৰ ঘৰে আসি, গৰু চাৰি ফুৰে,
কৰকৰা ভাত খায় ॥
নাৰায়ণ ৰূপে, অনন্ত শয্যাত,
জলত কৰি শয়ন ।
নাভি-পদ্ম হন্তে, ব্ৰহ্মা উপজাইলোঁ,
স্ৰজিলোঁ তিনি ভুবন ॥
দেবক পঢ়াইলোঁ, তত্ত্বজ্ঞান কৈলোঁ
অজ্ঞান কৰিলোঁ দূৰ ।
তোহোৰ ঘৰত, যতেক ঐশ্বৰ্য্য,
সবে ভৈল মসিমুৰ ॥
হংসৰূপে মই, স্বৰ্গক কম্পাইলোঁ,
ব্ৰহ্মাৰ সভাত ৰৈলোঁ ।
মুনি সমস্তৰ, সংশয় ছেদিলোঁ
আত্মতত্ত্বজ্ঞান কৈলোঁ ॥
শুনি সিদ্ধ সবে, সাদৰিলে মোক,
প্ৰণমিলা সৃষ্টিকৰে ।

আৰে আসি মই, কৰাতৰ কাজী,
নভৈলোঁ তোহোৰ ঘৰে ॥
ব্যাস ৰূপে মই, চাৰিয়ো বেদৰ,
কৰিলোঁ হেঁ৷ শাখা ভেদ ।
জ্ঞান কৰ্ম্ম ভক্তি, প্ৰবৃত্তি নিবৃত্তি,
দিলোঁ সবে পৰিচ্ছেদ ॥
বেদৰ ৰহস্য, ভাগৱত ধৰ্ম্ম,
নিবন্ধিয়া থৈলোঁ পুনু ।
মূৰ্খতো অধিক, কবি আৰে তুমি,
মোক বোলা জড় কানু ॥
অসুৰৰ ভয়ে, পূৰ্ব্বে দেৱগণে,
চিন্তিলে গৈয়া আমাক ।
চতুৰ্ভুজ ৰূপে, আসি তাৱক্ষণে,
দেখা দিলোঁ তাসম্বাক ॥
মোৰ ৰূপ দেখি, চমক লাগিল,
ত্ৰিদশে পড়িল ঢলি ।

আবে তুমি মোক, বিগুটিয়া মাতা,
কলীয়া কলীয়া বুলি ॥
মোহিনী স্বৰূপে, সাগৰ মথিলোঁ,
আসিল লক্ষ্মী বৰাই ।
ব্ৰহ্মাদিক ত্যজি, মোক ভজিলেক,
হৃদয়ত দিলোঁ ঠাঁই ॥
হেন লক্ষ্মী-পতি, আসি তজু ঘৰে,
কালগুণি আছোঁ ৰই ।
ধান্য মুষ্টি দিয়া, ফল কিনি খাঁও,
তাহাত মৰিলি দেই ॥
তাত অনন্তৰে, ধন্বন্তৰী ৰূপে,
অমৃতৰ ঘট ধৰি ।
সাগৰৰ হস্তে, বাহ্ন ভৈলোঁ মই,
জগত প্ৰখ্যাত কৰি ॥
মোহিনী স্বৰূপে, অমৃত পিয়াইলোঁ,
সাধিলোঁ দেবৰ কাম ।

তোৰ ঘৰে আসি, বড় যশ পাইলোঁ,
লৈলোঁ দধি চোৰ নাম ॥
কপিল স্বৰূপে, কৰ্দ্দমৰ ঘৰে,
হুয়া মই অবতাৰ।
দেবহুতি নামে, মাতৃক তাৰিলোঁ,
কহিয়া তত্ত্ব-বিচাৰ ॥
আবে আসি মই, তবু ঘৰে আছোঁ।
দেহাক কৰি সচ্ছন্দ।
আছোক আমাত, জ্ঞান সুধি লৈবা,
দিনে ৰাত্রি কৰা দন্দ্ব ॥
বামন স্বৰূপে, বলীক ছলিলোঁ,
বিশ্বৰূপ দৰশাইলোঁ।
চৰণৰ নখে, কটাহ ফুটাইলোঁ,
গঙ্গাক আনি নমাইলোঁ ॥
সেহি পদ জল, শীৰত ধৰিল,
মহেশে বাটত পায়।

আৰে তুমি মোক, বিগুটিয়া মাতা,
দিয়া মাটী খোৱা দায় ॥
হৰি অবতাৰে, গজেন্দ্ৰক মই,
মুকুতি পদক দিলোঁ।
যজ্ঞৰূপে মই, স্বৰ্গক চলিয়া,
আপনি উপেন্দ্ৰ ভৈলোঁ ॥
পৃথু অবতাৰে, সাত পৃথিবীৰ,
ভৈলোঁ হো এক নৃপতি।
বাপেৰ কালৰ, পুত্ৰ পাইলি মোক,
মাতস তই বিগুটি ॥
দুস্কৰ তপক, আচৰিলোঁ মই,
ঋষভ স্বৰূপ হই ॥
দত্তাত্ৰেয় নামে, যদু নৃপতিক,
নিস্তাৰিলোঁ জ্ঞান কই ॥
জীৱন্তে ধ্ৰুৱক, থাপিলোঁ স্বগত,
এক দিব্য ৰূপ ধৰি।

গোৱালৰ ক্ষীৰ, হুঁয়া তুমি মোক,
কৰাহা এত চাতুৰী ॥
নাৰায়ণ ৰূপে, ভাগৱত ধৰ্ম্ম,
কৰিলোঁ মই বিদিত।
নৰনাৰায়ণ, ৰূপে তপ কৰি,
জগতৰে চিন্তোঁ হিত ॥
আনো যত মোৰ, মহিমা আছয়,
কহিবাক লাগে কিক।
মই হেন পুত্ৰৰ, মার বোলাইবাক,
তোমাৰ আছোক ধিক ॥
কিছু কিছু কৰি, দেখিয়া আছাহা,
তথাপি কৰা আক্ৰোশ।
এক ক্ষণি তেকে, শুকুতি উড়াইবো,
নথাকোক মোৰ দোষ ॥
কাঠ বাঁজী বুলি, জগতে হাসয়,
দেখিলে সুমৰে হৰি।

মই আসি তোৰ, ঘৰে পুত্ৰ হৈলোঁ,
সিতো দুঃখ দূৰ কৰি ॥
তথাপি আমাৰ, স্নেহ নজানস,
নকৰ মোত বিশ্বাস।
আগে যে আছিলি, তেনয় কৰিবো,
দিনা চাৰি বাট চাস।
মোহোৰ মুখত, লাজ লাগে বড়,
তোমাৰ গুণ কহন্তে।
দুই ওষ্ঠ ফাটি, তেজ বহি যায়,
বাঁশৰ বাঁশী বজান্তে ॥
চাহ ৰাতি সোণাৰ, বাঁশী গঢ়াই নেদ,
ৰাজ পটেশ্বৰী হুঁই।
গাতত পোতন্তে, পেটাৰি বান্ধন্তে,
ধনত লাগিব জুই ॥
গৰু ৰাক লাগি, অন্ন দি পঠাস,
সিয়ো হোবে এক মুষ্টি।

এক গ্রাস খাইলে, আউৰ গ্রাস নাটে,
যাওঁ এধাপেটী উঠি ॥
গরু আগুড়ন্তে, ধাতু যায় মোৰ,
কণ্টক বনৰ সান্ধি ।
চৌপৰ দিনতো, লবড়িয়া ফুৰোঁ,
নটুবা টনাক পিন্ধি ॥
কুটুকুৰা চুলি, পড়ে গরু ধূলি,
কুকুহা পড়িয়া যাই ।
গোটাগুটি কৰি, জটা বান্ধি কেশে,
তৈলে মাথা দেখা নই ॥
কথাক কহন্তে, ক্রন্দন আসয়,
যত অপমান পাঁও ।
যেবে হুঁও মই, সি বাপৰ পুত্র,
তোক তেবে কন্দুঁৱাও ॥
কংস মমা মোৰ, সাৰথি আছয়,
আপুনি নিৰ মতাই ।

হিতো অপমান, সকলে শুজিবোঁ,
মথুৰা পুৰীক যাই ॥
দেবকী আইত, মোৰ বড় লুলি,
থাকিবোঁ তাহান পাশ ।
আমাক দেখিবে, লাগিয়া তোমাৰ,
হৈবে বড় হাবিয়াশ ॥
কৃষ্ণৰ বচন, শুনিয়া যশোদা,
পুনু মাতে পাশ চাপি ।
এড় হাবিয়াস, মোৰ মাথা খাস,
নকান্দিবা মোৰ বাপী ॥
মই অভাগীৰ, এবাৰ দোষক,
মৰশিয়ো বনমালী ।
আন কাল যদি, মোৰ দোষ দেখা,
পাৰিবাহা মোক গালি ॥
মাৰৰ কাৰুণ্য, বচন শুনিয়া,
সন্তোষিত ভৈল মন ।

এক ভেৰে গৈয়া, কোলাত চড়িয়া,
পিবাক লাগিয়া স্তন ॥
পৰম আনন্দে, থাকিলন্ত কৃষ্ণ,
চাৰু দন্ত দৰশাই ।
ব্ৰহ্মাণ্ডৰ সুখে, থাকিলা যশোদা,
কৃষ্ণৰ বদন চাই ॥
শুনা সভাসদ, হুয়া নিশবদ,
শিশু গোবিন্দৰ কেলি ।
কৃষ্ণৰ অৰুণ, চৰণ পঙ্কজ,
কৰিয়া মনে সেবলি ॥
শ্ৰীধৰ কন্দলী, কহে কৃষ্ণকেলি,
কৃষ্ণৰ ভকতি কাম ।
গুছুক দুৰ্গতি, মিলোক মুকুতি,
পূৰ্ণ হোক মনস্কাম ॥
কৃষ্ণৰ চৰিত্ৰ, সাক্ষাতে অমৃত,
পিয়ো আক কৰ্ণ ভৰি ।
খণ্ডিবে আপদ, মিলিবে সম্পদ,
ডাকি বোলা হৰি হৰি ॥

সম্পূৰ্ণ ।



# বিজ্ঞাপন।

দৰৰ আৰু খৰে ধৰাৰ ৰবি দৰব কৰা আছে। ৰবিটোয়ে পতি বেচ চৰতিয়া। ডাক খৰচ বেলেগ।

বেজানী পুস্তকালয়,
শিবসাগৰ।